# জয়-পৰাজয়

শ্ৰীসন্তোষ কুমাৰ শৰ্ম্মা
গুৱাহাটী





বীণা লাইব্ৰেৰী
গুৱাহাটী, কোকৰাঝাৰ
অসম

## —এক—

সপোন।

চেতন অৱস্থাৰ কল্পনা আৰু বাস্তব,—অবচেতন নানা ৰঙে ৰূপে প্ৰকাশ।

নিশান্তৰ চেতন, দিনান্তৰ অবচেতন সংযোগ এদাল সাঁকো। কেতিয়াবা সবল। কেতিয়াবা দুৰ্বল শীৰ্ণ।

সবল হ'লেই স্পষ্ট। দুৰ্বলত অস্পষ্ট অথবা নিঃচিহ্ন।

কেতিয়াবা দণ্ড মুণ্ডৰ অধিকাৰী, কেতিয়াবা পথৰ ভিখাৰী।

যাত্ৰাদলৰ ৰজাৰ দৰে 'নিশা হ'লে ৰজা, পুৱালেই হাল-কোৰৰ বোজা'। ইয়াৰ ৰহস্য বিচাৰি কোনোবাই হাবাথুৰি খাওঁক নাখাওঁক স্বপ্ন বিশেষজ্ঞ সকলে বহুতে বহুত কথা কয়। প্ৰচাৰ কৰে।

তথাপিও ভাল সপোন এটা দেখিলে মনটো ভাল লাগি যায়। আপোনজনক কবৰ ইচ্ছা হয়।

বেয়া সপোন দেখিলে বেয়া লাগে। দুঃচিন্তাত মন ভাৱাক্ৰান্ত হয়। আতঙ্কত শিয়ঁৰি উঠিব লাগে। দুৰ্বল মন হ'লে তাৰ প্ৰতিক্ৰিয়া আৰু বেছি।

বিশাল এখন নৈ। বিস্তৃত অঞ্চল বালি।

পুৱপাৰে গাওঁ।

পশ্চিমপাৰে হেজাৰ হেজাৰ বন্দুৱাৰ বিৰামহীন ব্যস্ততা।

অস্তগামী সূৰুযৰ ৰক্তাভ ৰঙে পশ্চিম দিগন্ত ৰঙাই তুলিছে।

গোলোকে যামিনীক ধৰিবলৈ খেদি লৈ ফুৰাইছে। যামিনীয়ে বাৰে বাৰে ধৰা দিব খুজিও বাগী দি হাঁহি হাঁহি আঁতৰি গৈছে। দৌৰিব নোৱাৰে। বালিত খোজবোৰ বহি বহি যায়।

হঠাতে গোলোক বৈ গ'ল। ভৰি দুখনত যেন কোনোবাই গধুৰ শিকলিহে পিন্ধাই দিলে। পাৰলৈ চাই পঠালে। দেখিলে কুলদাই তেওঁলোক দুয়োলৈ চাই চাই হাঁহি আছে। মানুহজনী বৰ শকত হ'ল। অঁ, কুলদাৰ পৰা অলপ দূৰত বগা সাজেৰে ওৰণী লোৱা সেইজনী কোন? গোলোকে চাই থাকোঁতে থাকোঁতেই মানুহজনীয়ে ওৰণীখন গুচাই দিলে। এটা কঙ্কাল ওলাই পৰিল।

গোলোক আতঙ্কত বিবৰ্ণ হৈ পৰিল।

কঙ্কালটোৱে বিকৃত স্বৰত বিকট হাঁহি এটা মাৰি ক'লে—"তুমি মোক চিনিব পৰা নাই? ৰেৱতীৰ কথা মনত পেলোৱা চোন! কিমান ধুনীয়া ধুনীয়া চলাথী কথা কৈছিলা! এতিয়া সকলো পাহৰি গৈছা। মই কিন্তু পাহৰি যোৱা নাই। কেতিয়াও পাহৰি নাযাওঁ। মোক তুমি সমাজত কলঙ্কিনী কৰিছা। তাৰ প্ৰতিশোধ, তাৰ প্ৰতিশোধ ল'মেই ল'ম। মই তোমাৰ ঘৰত জন্ম ল'ম। আৰু কি হ'ম জানা? বেশ্যা, গণিকা, কলঙ্কিনী। চাম তেতিয়া তুমি পৰিত্যাগ কৰানে আকোৱালী লোৱা।

গোলোক সিয়ঁৰি উঠিল। চাৰিওঁপিনৰপৰা ৰেৱতীৰ কথাবোৰ প্ৰতিধ্বনিত হবলৈ ধৰিলে।

পশ্চিম দিগন্তৰ ৰঙা ৰংবোৰ জুইৰ শিখা হৈ দিগন্ত ব্যাপি দাউ দাউকৈ জ্বলিবলৈ ধৰিলে। উত্তাপত যেন গোলোকৰ শৰীৰ জ্বলি যায়।

যামিনীয়েও আতঙ্কত জুই জুইকৈ চিয়ঁৰি গোলোকক সাৱটি ধৰিলে। লগে লগে তেওঁৰ টোপনি ভাগিল। ভয় বিহ্বলভাবে একেজাপে উঠি গৈ দৰ্জা খুলি বাহিৰত ওলাই দেখিলে, জুয়ে বিমান ঘাটি এফালৰপৰা শেষ কৰিব ধৰিছে।

তেওঁলোকৰ কেম্পৰ পিচফালৰ বিৰাট আকাৰৰ বাঁহৰ দমটোত জুই। বিমান শৰ্মাৰ কেম্পত জুই। পেট্ৰোলৰ ড্ৰামবোৰত জুই।

খন্তেক পিছতে গোলোক থকা কেম্পতো জুই লাগিবহি। সোৱা লাগিলেই।

চাৰিওপিনে উন্মত্ত জনতাৰ চৰ্কাৰ বিৰোধি ধ্বনি।

গোলোকে চাৰিওফালে পলকতে চকু ফুৰাই কাকতিৰ শিতানৰ-পৰা চটকেছটো লৈ, পাগলৰ দৰে দৌৰ মাৰি ওলাই গ'ল নৈৰ পাৰৰ ফালে বিমান শৰ্মা বা কাকতি কোন কলৈ গ'ল একো গম নাপালে। ইতিমধ্যে উন্মত্ত জনতাৰ লাঠি-চৰ-ভুক গোলোকে যথেষ্ট খালে। তথাপিও প্ৰাণটাকি নৈৰ পাৰে পাৰে উত্তৰ মুখে যাবলৈ ধৰিলে। সেই পিনেও উন্মত্ত জনতাৰ এটা দল। গোলোকে ভাবিলে,—এই দলটোৱে যদি কোনো প্ৰকাৰে আক্ৰমণ কৰে তেনেহলে আৰু প্ৰাণৰ আশা নাই। দলটোৰ ওচৰ পালত আক্ৰমণ কৰিবলৈ উদ্যত হৈছিলোঁ। কিন্তু কোনোবা এজনে গুৰু গম্ভীৰ স্বৰত মানুহবোৰক বাধা দি কৈছিল, "ভাই সকল, এই বিলাক মানুহক কোনো অন্যায় নকৰিবা। এওঁলোকে পেটৰ ভোকতহে ইয়ালৈ আহিছে মানুহজনৰ মাতটো চিনাকি চিনাকি লাগিল। শ্ৰদ্ধা উপজিল ; কিন্তু তেতিয়া জানো শ্ৰদ্ধা দেখুওৱাৰ সময় আছিল !

সিপিনেও গোলোকৰ ঘৰত নিশা ঠিক একেতা সময়তে যামিনীয়ে জুই জুই বুলি চিয়ঁৰি আতঙ্কত শাহুৱেকক সাৱটমাৰি ধৰি কপিবলৈ ধৰিছিল।

শাহুৱেকৰ টোপনি ভাগি গৈছিল। তেওঁ দুবাৰমান নাৰায়ণৰ নাম লৈ যামিনীক সুধিছিল, "যামিনী, তই কিবা সপোন দেখিলি নেকি ?"

যামিনীয়ে উচুপী উচুপী কৈছিল, "আই, মই বৰ বেয়া সপোন এটা দেখিলোঁ। কোনোবা এখন গাৱঁত জুই লাগিছে। তেখেত আৰু মই আহি আছিলো। জুয়ে আমাক দুয়োকে গ্ৰাস কৰিবলৈ খেদি আহিছিল। ভয়ত উধাতু খাই দৌৰিছিলোঁ।

হঠাতে তেখেত উজুতি খাই পৰিল। তাৰ পিচত তেখেতক বহুত মানুহে আগুৰি ধৰি মাৰ-ধৰ কৰিলে। মই তেখেতক সাৱটি ধৰি চিয়ঁৰিবলৈ ধৰিলোঁ।

শাহুৱেকে যামিনীক সান্ত্বনা দি কৈছিল, "যি হ'ল হ'ল দে। তই ভয় নকৰিবি। নাৰায়ণৰ নাম লৈ শুই থাক। সকলো তেওঁৰে ইচ্ছা।

শাহুৱেকে বোৱাৰীয়েকক সান্ত্বনা দিছিল সচা, কিন্তু তেওঁৰ নিজৰ মনটো জানো ভাল লাগিছিল? হেজাৰ হ'লেও মাকৰ মন। তাতে ৰাতিপুৱাই ধোৱা কাউৰীজনীয়ে কা কাকৈ পেলিয়াই ফুৰা কথা মনত পৰিল। সেয়ে তেওঁ নিজেও নেদেখা জনলৈ শ্ৰদ্ধা জনাই মনে মনে কৈছিল, "হে ভগবান, মোৰ বৰ-বোপাক যেন সকলো অমংগলৰ পৰা ৰক্ষা কৰা।"

শাহুৱেক বোৱাৰীয়েক দুয়ো শুই থাকিল। কিন্তু কাৰো চকুত টোপনি নাহিল।

পিচদিনাখন দুয়ো গৈ গাওঁৰ নাম ঘৰত বন্তী এগছৰ সৈতে শৰাই আগ বঢ়ালে।

তথাপিও জানো উদ্বেগ অশান্তিৰ পৰা ৰক্ষা পৰিলে?

গভীৰ নিশা। সকলোৱে টোপনিত নিঃপালি দিছে। যামিনীৰ চকুৰ পতাত টোপনি নাই। দিনটো কৰ্মব্যস্ততাৰ মাজত গোলোকৰ কথা কিছু পাহৰি আছিল যদিও, নিশা গভীৰ হৈ অহাৰ লগে লগে সি নানাৰূপে নানাভাবে বিভ্ৰান্ত কৰিবলৈ ধৰিলে। কৰবাৰপৰা কিবা এটা বিপদৰ সংবাদ আহি যেন দৰ্জাৰ বাহিৰত ওত পাতি আছে। কেতিয়া কোন মুহূৰ্তত ভিতৰ সোমাবহি তাৰ কোনো ঠিকনা নাই। কাণ দুখন সজাগ হৈ থাকিল। ক'ৰবাত মেকুৰী জনীয়ে কিবা এটা শব্দ কৰিলেও যামিনীয়ে উচপ খাই উঠে। বাৰে বাৰে দীঘল . হুমুনিয়াহ

ওলাবলৈ ধৰিলে। বুকুখন ৰাই-জাই লগালে। বোবা কান্দোনটো যেন ভিতৰৰপৰা উদ্বেলি আহিব। এবাৰ ভাবিলে শাহুৱেকক জগাই দিব নেকি ?

হঠাতে যামিনীৰ কাণত পৰিল, বাহিৰত যেন গোলোকে আই আই বুলি মাতিছে। হয় বা নহয় ? তাই তত্তালিকে বিছনাৰ পৰা উঠি লেম্পটো জ্বলালে।

আকৌ এবাৰ সেই চিনাকি মাতটো।

যামিনীৰ মনটো অলপ পাতল পাতল লাগিল। কিন্তু ভাবিলে, মাতটো ইমান ক্ষীণ ক্ষীণ লাগিছে কিয় ? হঠাতে যামিনীৰ মনত এটা সন্দেহৰ ভাব হ'ল। যদি তেখেত নহৈ আন কোনোবা হয় ? তাই শাহুৱেকক জগাই দিলে। লেম্পটো হাতত লৈ দৰ্জা খুলি বাহিৰ ওলাল। পিচে পিচে শাহুৱেকো ওলাল।

গোলোকে মাত লগালে, "আই, মই আহিছোঁ।

"তই আহিলি বৰবোপা, হক দে ভালেই হৈছে। উস্ তোৰ চিন্তাত ঘৰখনত কাৰো চকুত টোপনি নাই। পেতত ভাত নাই। পিচে এই ৰাতিখন তইনো কেনেকৈ আহিলি ? মুখখনো ইমান শুকাইছে ! তোৰ কিবা অসুখ বিসুখ হৈছিল নেকি ও বৰ-বোপা ?"

গোলোকৰ সমস্ত শৰীৰ ক্লান্তিত অবশ হৈ আহিছিল। সুদীৰ্ঘ এই পথচোৱা খোজ কাঢ়ি অহা জানো কম কথা। তেওঁ বাহিৰৰ বেঞ্চখনতে বহি ক'লে, "অসুখ-বিসুখ একো হোৱা নাই আই। কেনেকৈ আহিলোঁ। কি কৰিলোঁ সেইবোৰ বহুত কথা। কোনো মতে প্ৰাণ লৈ পাইছোঁহি—যে সেয়ে বহুত। সেইবোৰ কথা লাহে ধীৰেও শুনিব পাৰিবা। এতিয়া কিবা আছে যদি খোৱা বোৱা-ৰহে ব্যৱস্থা কৰা ভোকত পেতটো কলমলাব ধৰিছে।"

ঘাওঁদে বৰবোপা, ভাতকে কেইটামান বহাই দিওগৈ। তই

হাত মুখ ধুব মানে হৈ যাব। "যামিনী, বৰবোপাক পানী, আৰু গামোছা যোগাৰ কৰি দে।"

গোলোকক দেখাৰ পৰাই যামিনীৰ বুকুৰ গধুৰ বোজাটো পাতলিছিল। তাই ইতিমধ্যে পানী এবালটি আৰু গামোছা চোতালত থৈ, গোলোকৰ ফালে চাই ক'লে, "হেৰি নহয়, গা-মূৰ ভালে আছে যদি গাটোকে ধুই লওঁকচোন গৰমত ঘামি-জামি আহিছে ভালেই লাগিব।" এই বুলি গোলোকৰ উত্তৰলৈ অপেক্ষা নকৰি চুটকেছটো যামিনীয়ে ভিতৰলৈ লৈ গ'ল।

ইতিমধ্যে বাহিৰত কথা-বতৰা পতা উমান পাই বুঢ়াও বিছনাৰ-পৰা উঠি আহি বৰবোপাৰ খা-খবৰ লৈছিল।

গোলোক কলিতাৰ জন্ম উত্তৰ কামৰূপৰ বাঘমাৰা নামৰ গাওঁ এখনত। দেউতাকৰ খেতি পথাৰৰ আয় উৎপনখিনিৰে পাঁচোটা ভাই-ভনীৰে সৈতে ঘৰখন ভালেই চলিছিল।

গোলোক আছিল দেউতাক-মাকৰ প্ৰথম সন্তান। সেয়ে তাৰ ওপৰত বহুত কিবাকিবি আশাও কৰিছিল। পঢ়াই শুনাই শিক্ষিত কৰি উলিয়াব পাৰিলে আন নহলেও বংশটোৰ এটা সুনাম হব। গোলোকৰ বুদ্ধি-বৃত্তি, স্বভাৱ চৰিত্ৰও ভাল আছিল। গাৱঁৰ মানুহেও ভাবিছিল— তেওঁ এদিন বংশৰ নাম গাৱঁৰ নাম উজ্জ্বল কৰিব।

সময়ত গোলোকে দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষা পাছ কৰিলে। ঘৰৰ সকলোৰে মনত অপাৰ আনন্দ অওহি-বওহি সকলেও আহি গোলোকক কলেজত পঢ়াব লাগে বুলি দেউতাকক উৎসাহ দিলে। তদুপৰি ববপেটাৰ গোলোকৰ মহায়েক হৰিশ